# বৈষ্ণৱ-ধৰ্ম্ম।



বজলী বামাখাটানিবাসী

শ্রীপদ্মনাথ অধিকাৰী

ৰচিত।

শ্রীৰামেশ্বৰ দাস তালুকদাৰ

প্রকাশিত।

১ম ভাগ



কলিকাতা,

উইলিয়ম্‌স্ লেন, ৪ নং ভবনস্থ

দাস যন্ত্রে

শ্রীঅমৃতলাল ঘোষ কর্ত্তৃক মুদ্রিত।

বেচ।০ আনা।

# ছাবলগীয়া বিষয়।

শ্রী ৺শঙ্কৰ দেৱ ও মহা পুৰুষ মাধৱদেৱ প্ৰভু দুয়োজনাৰ শ্ৰীচৰণাশীৰ্ব্বাদে, এই বৈষ্ণৱ ধৰ্ম্ম নামক ধৰ্ম্ম শাস্ত্ৰ খানি আজি অনেক দিনৰ পৰা অনেক প্ৰবন্ধ কৰি অনেক শাস্ত্ৰৰ সাৰ কাঢ়ি আনি অসমীয়া পদ ভাষাত ৰচণা কৰিলো। পাঠক সকলে ইয়াৰ ভুল বিলাক দেখি নিন্দা নকৰি হৰি কথা বলি অতি আদৰে সৈতে যেন পাঠ কৰে; এই মোৰ পৰম আশা। বৈষ্ণৱ ধৰ্ম্মাবলম্বী মানুহ সকলৰ কিঞ্চিৎ উপকাৰ হলেও মোৰ পৰিশ্ৰম সফল হব। আমাৰ ইয়াত অনেক মানুহে বিষ্ণুৰ ভকত বলি চিনাকী দিয়ে, কিন্তু তেওঁ বিলাকে নানা দেৱ দেৱীক পুজা কৰে আৰু হাঁহ, পাৰ, ছাগল এই সকলক কাটে, এই কথাটি দেখি আজি অনেক দিনাৰ পৰা এই বিষম ভাব টৌৰে মনত ঠাই লৈছে। বিষ্ণুৰ ভকত ( বৈষ্ণৱ ) সকলৰ উপকাৰৰ অৰ্থে, মানুহৰ অনেক থট্টা বিদ্ৰূপ সহ্য কৰিও এই শাস্ত্ৰ লিখিবৰ নিমিত্তে আগ বাঢ়িলোঁ। কিন্তু মোৰ নিচিনা বুদ্ধি হীন, জ্ঞান হীন, ও বলহীন মানুহৰ পক্ষে বৰ সুকঠিন। তথাপি ভালে মতেই ২।৪ লাইন লেখিলো যদি দয়াময় জগদীশ্বৰে দয়া কৰে, আৰু পাঠক সকলে মোৰ প্ৰতি প্ৰসন্ন হৈ উৎসাহ দিয়ে, তেন্তে ২য় বাৰত আকৌ ২।৩ সাৰিমান লিখি বলে আগ বাঢ়িম। ইতি

~~ৰচোঁতা~~

শ্ৰীপদ্মনাথ অধিকাৰী

বামনাসত্ৰৰ।

# পাতনি।

বহুতেঁ তাই এই ধৰ্ম্ম শাস্ত্র খানি ছাপাবাৰ সুযোগ না পাই, বাক্সত পেলাই থৈছিলে; পিচত এদিন মইস্তেওঁৰ ওচৰক যোৱাত এই পুথি খন টেবুলত দেখি পড়িলো। ভাল যেন পাই ছাপাবৰ নিমিত্তে তেওঁক উৎসাহ দিলো, তেওঁৰ বাসস্থান বামা থাটাত আমাৰ বাসস্থান দলে গাওঁত, এতেকে বড় বিভিন্ন নহয়, আৰু ইদিকে তেওঁ মোৰ নিজগুৰু, তেওঁৰ কাৰ্য্যত আমি অবশ্যে সহায় কৰিব লাগে। আৰু পাঠক সকলেক মই মূঢ়ই প্ৰাৰ্থনা কৰিছো যেন এই পুথি ২য় বাৰতও ছাপা বলৈ উৎসাহ দিয়ে ঃ

সেবক

শ্ৰীৰামেশ্বৰ দাস তালুকদাৰ।

দলেগাওঁ।





# বৈষ্ণৱ-ধৰ্ম্ম ।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ ।

অখণ্ড মণ্ডলাকাৰং ব্যাপ্ত যেন চৰাচৰ,
তদপদ দৰ্শিত যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ ।




জয় নমো নিত্য নিৰঞ্জন নিৰাকাৰ ।
যেহি দেৱে কৰি আছে সৃজন সংহাৰ ॥ ১ ॥
যাহাৰ মায়াত বন্দি হুয়া আছে নৰ ।
প্ৰণাম কৰহোঁ তাঙ্ক জুৰি দুই কৰ ॥ ২ ॥

কাশী বৃন্দাবন আদি তীৰ্থ আছে যত।
তাহাক প্ৰণাম কৰোঁ জুৰি দুই হাত ॥ ৩ ॥
পিতা মাতা আদি কৰি গুৰু আছে যত।
সবাকে প্ৰণাম কৰো পৰি চৰণত ॥ ৪ ॥
যাহাৰ কৃপাৰ হন্তে লভিলো জনম।
নমঃ সৰস্বতী মাতা পশিলো শৰণ ॥ ৫ ॥
তুমি অতি দয়াৱতী সন্তানৰ প্ৰতি।
তোমাৰ চৰণে মাতা কৰিছো মিনতি ॥ ৬ ॥
মনবাঞ্চা সিদ্ধ কৰা অধম পুত্ৰৰ।
নাই বুদ্ধি নাই জ্ঞান বল শূন্য মোৰ ॥ ৭ ॥
সাধু মহন্তৰ পদে কৰিছো মিনতি।
নকৰিবা নিন্দা পদ আমি অল্পমতি ॥ ৮ ॥
পাখা অনুৰূপে পক্ষী যেনে উৰি ফুৰে।
আমিও কৰিলো কাৰ্য্য সেই অনুসাৰে ॥ ৯ ॥
উপৰি বংশক মই কৰহোঁ প্ৰণাম।
ঠাকুৰ ৰামচৰণা ছিল যাৰ নাম ॥ ১০ ॥
তাহান বংশৰ মই অতি হীন জন।
তাহান ধৰ্ম্মেতে মোক ৰাখন্ত জীৱন ॥ ১১ ॥
এহি বলি পদ্মনাথ কৰন্ত কাতৰ।
লক্ষ কোটি সেৱা কৰো জুৰি দুই কৰ ॥ ১২ ॥

 



## শ্ৰীশঙ্কৰদেৱৰ সাধাৰণ গুণ।

যাহাৰ মায়াত, দশ অবতাৰ,
হই আছে ক্ৰমাগত।
যাহাৰ কৃপাত, সুধৰ্ম্ম প্ৰকাশ
ভৈলা এহি জগতত ॥ ১৩ ॥

যি গুৰু শঙ্কৰ, জানা সব নৰ
মনুষ্য জনম ধৰি।
কায়স্থৰ কুলে, অতি কৌতূহলে
প্ৰকাশ ভৈলন্ত হৰি ॥ ১৪ ॥

যেনে বিভাবৰী, সূৰ্য্যৰ কিৰণে
ভয়াতুৰ হৈ পলায়।
সেহি ৰূপ পাপ, কলিৰ যুগত
তাহান কৃপাত যায় ॥ ১৫ ॥

শিশু অবস্থাত, তাহান মহত
মহিমাক প্ৰকাশিলা।

অল্প বয়সতে, নানা শাস্ত্র ৰচি
জগতে কীৰ্ত্তি ৰাখিলা ॥ ১৬ ॥
তাহান ৰূপৰ, আৰু সুগুনৰ
কি ৰূপে বৰ্ণনা কৰোঁ ।
মই অতি মূঢ়, কথা অতি গূঢ়
মহন্তৰ পদে ধৰোঁ ॥ ১৭ ॥
শঙ্কৰ দেৱৰ, নেত্র কমলৰ
দেখিলে হৰয় প্রাণ ।
উদৰত তিনি, ৰেখা আছে তান
শোভা কৰে বিতোপন ॥ ১৮ ॥
আৰু হস্ত নখে, নখ চন্দ্র তাত
টলবল কৰে সদা ।
শ্যাম বৰ্ণ তান, শৰীৰ সুঠান
ৰঙাবৰ্ণ দুই পদ ॥ ১৯ ॥
এতেকেসে সাধু, নৰসব ধৰা
শঙ্কৰ-গুৰু-চৰণে ।
কহয় কিঙ্কৰ, অন্যথা নকৰ
মূঢ় পদ্মনাথে ভণে * ॥ ২০ ॥

* যেয়ে কৃষ্ণ, সেয়ে শঙ্কৰ । কলিৰ লোক সকলক নিস্তাৰ কৰিবৰ নিমিত্তে, তেওঁ মনুষ্য জনম ধৰি শঙ্কৰ নাম ধাৰণ কৰে ।





## শঙ্কৰদেৱে মাধৱদেৱৰ ওচৰত ধৰ্ম্মপ্ৰকাশ ।

ৰামদাস আৰু মহা পুৰুষ মাধৱ ।
একত্ৰিত হয়া গৈলা শঙ্কৰৰ ঠাৱ ॥ ২১ ॥
আগছালী থনে বসি আচন্ত শঙ্কৰ ।
আদিতে দুয়ো জনে কৰিলে নমস্কাৰ ॥ ২২ ॥
এক পাস হয়া দুয়ো জনে বসিলন্ত ।
ৰামদাসে শঙ্কৰত কথা কহিলন্ত ॥ ২৩ ॥
আপোনাৰ বাক্যে মই নিকি নিলো পাৰ্থা ।
পথত ভৈলন্ত মোৰ মহা গুনা গন্থা ॥ ২৪ ॥
ঘৰ পালো যেতি ক্ষণে লাগিল কন্দল ।
ৰাগন্বিত হুই কৰে ৰক্ত টলবল ॥ ২৫ ॥
আপোনাৰ বাক্য যত কহিলোহোঁ আন্তে ।
ইহাক শুনিলি কৈত বোলি নমানন্ত ॥ ২৬ ॥
একাত্ৰ হয়া দুয়ো আসিলোঁ তযু ঠাই ।
কৃপা কৰি কোৱা প্ৰভু তাহাক বুজাই ॥ ২৭ ॥
হেন শুনি তাত পাছে শঙ্কৰে হাসিলা ।
কৈৰ এহেঁ বুলি ৰামদাসত সুধিলা ॥ ২৮ ॥

দীঘল পুৰিয়া গীৰি বোলয় যাহাক ।
তাহান পুত্ৰ ইটো মাধৱ বোলে আক ॥ ২৯ ॥
এহি কহি ৰামদাস নমাতি থাকিলা ।
জানিলো বুলিয়া পাছে শঙ্কৰে মাতিলা ॥ ৩০ ॥
ওচৰক গৈয়া দেৱে প্ৰণাম কৰিলা ।
পাছো দুয়ো জনে কথা কহিবে লাগিলা ॥ ৩১ ॥
উচ্চৈঃস্বৰে দুয়ো জনে বিবাদ কৰিলা ।
নানা শ্লোকে নানা কথা শঙ্কৰে কহিলা ॥ ৩২ ॥
ন কৰিবা তন্ত্ৰ মন্ত্ৰ পূজা আছে যত ।
অন্য দেৱ দেৱী তুমি নামানা মনত ॥ ৩৩ ॥
হাঁহ পাৰ ছাগ জানা এহি সে অসাদ্ধি ।
গুপ্ত ধৰমক আনি কৰিলোঁ সমৃদ্ধি ॥ ৩৪ ॥
লক্ষ্মীক পূজিলে জানা বহু ধন পায় ।
গঙ্গাক পূজিলে লোক স্বৰ্গবাসী হয় ॥ ৩৫ ॥
দুৰ্গাক পূজিলে নৰ বাঢ়ে বহুতৰ ।
কালীক পূজিলে ৰোগ নাশে সমূহৰ ॥ ৩৬ ॥

---

* পূৰ্ব্বে মহাদেৱে আগম নামক এখানি শাস্ত্ৰ উলিয়াই নাম ধৰ্ম্ম লুপ্ত কৰি বৈকুণ্ঠত ৰাখিছিল। পিছে শ্ৰীকৃষ্ণে কলিৰ যুগত মনুষ্যৰূপে শঙ্কৰ নামে জন্ম ধৰি সেই লুপ্ত ধৰ্ম্ম প্ৰকাশ কৰিলে। এই কাৰণে শঙ্কৰ দেৱৰ এক নাম জগতগুৰু, আৰু তেতিয়াই আন দেৱ দেৱীক পূজা কৰিবলৈ বাধা কৰিছে। ও হাঁহ, পাৰ, ছাগ, এই সকল নিষিদ্ধ কৰি মাধৱ দেৱৰ ওচৰত ধৰ্ম্ম প্ৰকাশ কৰি কৈ বৈকুণ্ঠ প্ৰাপ্ত হৈছে।

হৰক পূজিলে কৰে আপদ নিকাল।
কৃষ্ণক পূজিলে জানা পাবে সৰ্ব্বফল ॥ ৩৭ ॥
বিভাবসু সম জানা কৃষ্ণৰ নামক।
এক এক নামে দহে পাপ সমূহক ॥ ৩৮ ॥
এহি কথা শুনি দেৱ মাধৱে মনত।
বিশ্বাস কৰিয়া এড়িলন্ত পূজা যত ॥ ৩৯ ॥
শঙ্কৰৰ পাৱে নমস্কাৰ কৰিলন্ত।
শিষ্যত্ব স্বীকাৰ পাছে মনে কৰিলন্ত ॥ ৪০ ॥
এহি ৰূপে শ্ৰীশঙ্কৰে ধৰ্ম্ম প্ৰকাশিলা।
মাধৱ দেৱৰ মনে আনন্দ মিলিলা ॥ ৪১ ॥
এতেকে সে নৰ সব সেৱা কৃষ্ণপদ।
মূঢ়মতি পদ্মনাথে ৰচে এহি পদ ॥ ৪২ ॥
মই শিশু মতি ঈশ্বৰক কৰোঁ সেৱ।
মোচন কৰক মোৰ পাপ কৃষ্ণদেৱ ॥ ৪৩ ॥ *

* ৰাম ৰাম গুৰু, মাধৱ দেৱ, দামোদৰ দেৱ, হৰি দেৱ, আৰু গোপাল দেৱ আৰা সকল শঙ্কৰ দেৱ ধৰ্ম্মাবলম্বী। কিন্তু দামোদৰ দেৱে কোন কাৰনত বিবাদ লাগি বিভিন্ন হৈছে। ঈশ্বৰ মহত্ত্ব কোনেও বুজিব নোৱাৰোঁ। আন কি যোগী সকলেও সুবুজ্ঞ ছিল।





# বলিদান ।

কোন এক নৰপতি দেবী পূজা কৰে।
বলিদানে সিটো ৰাজা শক্তি পূজা কৰে ॥ ৪৪ ॥
এহিৰূপে নৰপতি শাক্ত ধৰ্ম্ম ধৰি ।
আছয় দেবীক সদা স্তুতি নতি কৰি ॥ ৪৫ ॥
তাত পাছে তান আয়ু ভৈলা সমাগত।
বিষ্ণু দূতে নিলে আহি ধৰিয়া হাতত ॥ ৪৬ ॥
আসনে তুলিয়া তাক নিলা বৈকুণ্ঠক।
প্ৰাণীগণে চাই আছে তাক কাটিবাক ॥ ৪৭ ॥
মহা তীক্ষ্ণ অস্ত্ৰ লৈয়া আছে হাতে হাতে।
বলি দিয়া প্ৰাণী সব আছে বাটে বাটে ॥ ৪৮ ॥
হেন দেখি বিষ্ণু দূতে কহয় ৰাজাত।
এহি প্ৰাণী সব তুমি দিছিলা বলিত ॥ ৪৯ ॥
নিশ্চয় ছেদিব আজি ভূপতি তোমাক।
ভয়াতুৰ হৈয়া ৰাজা বোলে স্তুতিবাক ॥ ৫০ ॥

কৰয় দেবীক স্তুতি মহা শোক ভাৱে ।
ওচৰ চাপিয়া প্ৰাণী কাটিবাক ছাৱে ॥ ৫১ ॥
বহু স্তুতি শুনি দেবী দেখা দিলা তাক ।
যি কাৰণে স্তুতি ৰাজা কৰিছা আমাক ॥ ৫২ ॥
বিষ্ণুৰ ভকত হুয়া বধিলি প্ৰাণীক । *
এবে কি উপায় কৰোঁ বলহ আমাক ॥ ৫৩ ॥
কৃষ্ণকেসে কৰা স্তুতি তুমি এক চিত্তে ।
যদি নাই তান কৃপা ৰহিবা তথাতে ॥ ৫৪ ॥
কৃষ্ণক কৰিয়া স্তুতি বহু নম্ৰ ভাৱে ।
ব্ৰহ্মা আসি উপস্থিত ভৈলা সেহি ঠাৱে ॥ ৫৫ ॥
দিলন্ত উত্তৰ সিটো ছেদিবে ৰাজাক ।
সকলোৱে ধৰি তাক মাৰা ঘাৱ এক ॥ ৫৬ ॥
হেন শুনি প্ৰাণী সবে অস্ত্ৰ ধৰিলন্ত ।
মুষ্টি টানী দিলা ঘাৱ পৰিলে চৰ্ম্মত ॥ ৫৭ ॥
তথাপি নভৈলা তাৰ বৈকুণ্ঠত স্থান ।
দেখা ইটো কেনে ধৰ্ম্ম শুনা সাধুগণ ॥ ৫৮ ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা লোক ছয় ।
বৈষ্ণৱ ধৰ্ম্মক সবে মানিবা প্ৰত্যয় ॥ ৫৯ ॥
মুখে কোৱা কথা ইটো নহয় জানিবা ।
শাস্ত্ৰ খুলি দেখি পাছে আমাক হুষিবা ॥ ৬০ ॥

---

* বৈষ্ণৱ ধৰ্ম্ম সকলোত কৈ শ্ৰেষ্ঠ তাক পৰিত্যাগ কৰি অন্য ধৰ্ম্ম ধৰা উচিত নহয় । কোনো প্ৰাণী অনাহকত হিংসা কৰা ভাল নহয় ।



## কেৱল হৰিনামে বৈকুণ্ঠপ্ৰাপ্ত।

আৰু এক কথা কহোঁ মই মূঢ়গতি।
বিস্তাৰিত কৰি কহো জানিবা সম্প্ৰতি॥ ৬১ ॥
বলিদানে তুলা দানে নহয় ভকতি।
কৃষ্ণ নামে মাত্ৰ জানা পৰম মুকুতি॥ ৬২ ॥
অধমৰ পদ দেখি নকৰিবা গ্লানি।
শাস্ত্ৰৰ কথাক সবে ধৰা সত্য মানি॥ ৬৩ ॥
সাধু মহন্তৰ পদে কৰহোঁ প্ৰণাম।
জগত পবিত্ৰকাৰী এক কৃষ্ণ নাম॥ ৬৪ ॥
নাহি পূজা নাহি মন্ত্ৰ নাহি কোনো কাম।
মহা পাপী তৰি যাই ললে কৃষ্ণনাম॥ ৬৫ ॥ *
ত্ৰেতাযুগে ৰত্নাকৰ নামে এক পাপী।
তান কীৰ্ত্তি ৰহি আছে সংসাৰক ব্যাপী॥ ৬৬ ॥
মহা মহা পাপচয় আচৰণ কৰে।
গৰু তিৰী মাৰে আৰু সুবৰ্ণক হৰে॥ ৬৭ ॥

---

মহৎ লোক সকলক ঈশ্বৰৰ তুল্য জ্ঞান কৰিব লাগে।

* কলিৰ যুগত ঈশ্বৰৰ সংকীৰ্ত্তনৰ দ্বাৰা মুক্তি নাপালে আৰু অন্য উপায় নাই।

ব্ৰহ্ম বধ সুৰাপান মহা পাপচয় ।
ততোধিক পাপ সিটো কৰিয়া থাকয় ॥ ৬৮ ॥
হৰিনামে সিটো পাপী পাইলা নিস্তাৰ ।
ৰামায়ণ ৰচোঁতা বাল্মীকি নাম যাৰ ॥ ৬৯ ॥
সূৰ্য্য যেনে পূৰ্ব্ব দিকে হুইয়া উদিত ।
অন্ধকাৰ হৰি দীপ্তি কৰে উজ্জ্বলিত ॥ ৭০ ॥
আৰু এক কথা কহোঁ শুনা সাধুগণ ।
জগত পবিত্ৰকাৰী দেৱ নাৰায়ণ ॥ ৭১ ॥
হৰিচন্দ্ৰ নামে আৰু এক নৰপতি ।
শেষে তৰিলন্ত ঈশ্বৰক কৰি স্তুতি ॥ ৭২ ॥
নিজ স্থান তেজি সিটো অন্য স্থানে যাই ।
পত্নী পুত্ৰ ধন দেহা বিকিয়া পেলায় ॥ ৭৩ ॥
এক গোট পুত্ৰ তাণ মৰিয়া গৈলন্ত ।
পাইলে উদ্ধাৰ পাচে পুত্ৰও জিলন্ত ॥ ৭৪ ॥
হৰিনাম গুণ শুনা পাঠক সম্প্ৰতি ।
স্বৰ্গবাসী ভৈলা হৰিচন্দ্ৰ নৰপতি ॥ ৭৫ ॥
আৰু এক কথা শুনা নিঃশব্দে থাকি ।
অজামিল নামে এক আছিলে পাতকী ॥ ৭৬ ॥
গৰু তিৰী মাৰে আৰু সুবৰ্ণক হৰে ।
দিবানিশি সিটো পাপী বেশ্যাকও নেৰে ॥ ৭৭ ॥

আগে নানা তপ যজ্ঞ কৰোঁতে এক খণ্ড উই খাই পেলাই ছিল, তথাপি ঈশ্বৰ লাগ নেপাই ছিল । এতিয়া নামই আদি ।

সেহি মহাপাপী গৈয়া ঈশ্বৰৰ নামে।
সেহি মহাপাপী বৈলা গোলক ভূবনে ॥ ৭৮ ॥
এতেকেসে নাহি পূজা নাহি তন্ত্র মন্ত্র।
কলিৰ যুগত নাহি জানা অন্য যন্ত্র ॥ ৭৯ ॥
নিজ হস্তে কৰা কাম মুখে লোৱা নাম।
পাতক চাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৮০ ॥




আৰু এক কথা কহোঁ শুনা সাধু নৰ।
প্রহ্লাদ নামেতে এক দৈত্যৰ কুমাৰ ॥ ৮১ ॥
পৰম বৈষ্ণৱ তেওঁ জানা সভাসদ।
সবলোকে চিন্তা হৰ্ষে তাৰ দুই পদ ॥ ৮২ ॥
দৈত্য কুলে জনমিয়া ভৈলন্ত বৈষ্ণৱ।
সিটো সহিলন্ত পিতৃ দত্ত দুঃখ সব ॥ ৮৩ ॥
নানা দুর্গতিক ঠেলি তৰিলন্ত সুখে।
কদাচ নেৰন্ত ৰাম কৃষ্ণ নাম মুখে ॥ ৮৪ ॥
হাৰীলন্ত পৃথিবীৰ যত ভাৰ চয়।
কৃষ্ণৰ পবিত্র নামে জানিবা নিশ্চয় ॥ ৮৫ ॥

---

বেশ্যাক নেৰে ( বমন কৰে )।

যাগ যোজ্ঞ পূজা সব নকৰে কদাচ ।
নাহি মানে পূজাতাত নকৰে প্ৰবেশ ॥ ৮৬ ॥
কৃষ্ণ নামে তৰিলন্ত দৈত্যৰ নন্দন ।
বহ্নিতাপ দুঃখ সব কৰিলে খণ্ডন ॥ ৮৭ ॥ *
এহি সে ভক্তৰ চিন জানা নৰচয় ।
প্ৰকৃত বৈষ্ণৱ কৃষ্ণে কদাচ নেৰয় ॥ ৮৮ ॥
এক সঙ্গ হোৱা যত নৰ নাৰী সব ।
ঈশ্বৰৰ নাম লৈয়া তাৰা নিজ জীৱ ॥ ৮৯ ॥
সাধু পাসে শিকি লোৱা ধৰ্ম্ম নীতি সব
এড়ি দিয়া যত আছে অসত স্বভাব ॥ ৯০ ॥
নীতিত থাকিলে পাবা নাম ধৰ্ম্ম চয় ।
কলি যুগে নাম ধৰ্ম্ম সহজতে পায় ॥ ৯১ ॥
নুখুজিলে কোন বস্তু নেদে কোন জনে
হৰি নামে আদি বস্তু জীবনে মৰণে ॥ ৯২ ॥
মূল্য লৈয়া যোৱানৰ গুৰুৰ পাশক ।
উপযাচি নেদে বস্তু জানিবা সল্লোক ॥ ৯৩ ॥ †
যদি লাগে ক্ষুধা পেটে খুজিবে আপনি ।
যত খুজা তত দিব মনে হৰ্ষ মানি ॥ ৯৪ ॥

---

* যি ইশ্বৰ প্ৰকৃত ভক্ত, তেওঁ নানা কষ্ট পালে তথাপি ঈশ্বৰৰ নাম খৰ পৰা নেৰে। আৰু পৰম বৈষ্ণৱ বিলাকৰ কাম, ক্ৰোধ, লোভ মাহ, ইত্যাদি কিছু নাই।

কৃষ্ণৰ কিঙ্কৰে কহে এড়া আন কান ।
জগত পবিত্ৰ কাৰী লোৱা কৃষ্ণ নাম ॥ ৯৫ ॥
বৈষ্ণৱ ধৰ্ম্মক ধৰা মনে প্ৰীয় মাণি
তেবে সে তৰিবা তুমি কৃষ্ণ নাম জানি ॥ ৯৬ ॥





গঙ্গাৰ তীৰত গৈয়া এজন ব্ৰাহ্মণে ।
ইন্দ্ৰক পূজায় সিটো আনন্দিত মনে ॥ ৯৭ ॥
উপবাস ধৌত বাস আৰু ধূপ দীপ ।
বকুল কেতকী আদি যত আছে পুষ্প ॥ ৮৮ ॥
দধি দুগ্ধ ঘৃত মধু নানা উপহাৰে ।
পূজয় ইন্দ্ৰক দ্বীজ আনন্দ অন্তৰে ॥ ৯৯ ॥

* গুৰুৰ আগক ৰাজাৰ আগক সুদা হাতে যাবনে পায় বোলি কয় । আৰু গুৰু কিম্বা মাননীয় মানুহত কোনো কথা সুধিব খুজিলে অতি নম্ৰ ভাৱে সুধিব লাগে । কোন দোষ ( ভুল ) থাকিলে তাক উপলক্ষনা কৰিব নেপায় ।

নানান কাকুতি কৰে পৰিয়া ভূতলে।
তোমাত কৰিয়া দেৱ নাহি কোনো স্থলে॥ ১০০॥
স্বৰ্গ মৰ্ত্ত্য পাতালক কৰিছা নিৰ্ম্মাণ।
পশু পক্ষী আদি কৰি তোমাৰ সৃজন॥ ১০১॥
হেন সময়ত ভক্তা চাণ্ডালী এজনী।*
দেখিয়া সুধিলা পাছে আচৰিত জানি॥ ১০২॥
কোঠৈৰ ব্ৰাহ্মণ তুমি কাহাক পুজিছা।
সত্য কথা কোৱা দ্বীজ শুনিবাৰ ইচ্ছা॥ ১০৩॥
গৰ্ব্ব অহঙ্কাৰে দ্বীজ নমাতি আচন্ত।
তাত পাছে চাণ্ডালী তুনাই পুচিলন্ত॥ ১০৪॥
ঈশ্বৰৰ ভক্ত হুয়া নকহ আমাত।
মহা অহঙ্কাৰ তোৰ মিলিলা মনত॥ ১০৬॥
বামন বদনি শুনা দুখুনী চাণ্ডালী।
কৰিছোঁ ইন্দ্ৰক স্তুতি কিনো বেয়া পালি॥ ১০৬॥
ইন্দ্ৰত কৰিয়া বড় আছে কোন জন।
তাহাঙ্ক নমানে যিটো নৰ অভাজন॥ ১০৭॥
সুখ দুখ দাতা তেওঁ আৰু গতি মতি।
তাহান চৰণে কৰো সহস্ৰ প্ৰণতি॥ ১০৮॥
হেন কথা শুনি পাছে ভক্তা চাণ্ডালীনী।
বাম কৰ্ণে হাত দিয়া ভাবিলা আপনি॥ ১০৯॥

* ঈশ্বৰ যি প্ৰকৃত বৈষ্ণৱ তেওঁ হীন জাতি-হলেও পবিত্ৰ।

ইন্দ্ৰ আদি দেৱগণ যাহাৰ সৃজন ।
ৰবি শশী সদা যাৰ আজ্ঞাৰ অধিন ॥ ১১০ ॥
এহেন কৃষ্ণক দ্বীজে অবহেলা কৰে ।
অন্য দেৱ পূজি দ্বীজ পাতকত পৰে ॥ ১১১ ॥
বলীৰ ভয়তে ইন্দ্ৰ কম্পে থৰ থৰ ।
কৃষ্ণৰ পাশক যাই কৰে কৰ যোৰ ॥ ১১২ ॥
হেন দেৱ ইন্দ্ৰ শ্ৰেষ্ঠ ভৈলা কোনো মতে ।
মোহেৰে উঠয় হাসি ইহাক শুনন্তে ॥ ১১৩ ॥
কিনো দিন মণ্ড আজি মিলিলা আমাৰ ।
সাক্ষাতে দেখিলো মুখ হৰি বিমুখৰ ॥ ১১৪ ॥
পৰম পাপীষ্ঠ দ্বীজ ইহাৰ আলাপে ।
ভৈলোঁ। অপবিত্ৰ মই পৰশিলে পাপে ॥ ১১৫ ॥
পাঠাইলেক আমাত পাপ অধোগামী ।
এহি বুলি গঙ্গাত স্নানিলা জলে নামি ॥ ১১৬ ॥
সবস্ত্ৰে কৰিয়া স্নান বোলে স্তুতি বাক ।
কৃষ্ণ পাদো[illegible]কে কৰা পবিত্ৰ আমাক ॥ ১১৭ ॥
এহি বুলি দিলে বুৰ এশ আঠবাৰ ।
তীৰত উঠিয়া পাপ গৈলা শৰীৰৰ ॥ ১১৮ ॥
কৃষ্ণ নাম লৈয়া পাপ গুচাওঁ মনৰ ।
কৃষ্ণ কৃষ্ণ মহা কৃষ্ণ জগত ঈশ্বৰ ॥ ১১৯ ॥
মহা ভক্তি ভাবে জপি কৃষ্ণ গুণ নাম ।
কৃষ্ণত অৰ্পিলা নিজ আত্মা মনস্কাম ॥ ১২০ ॥

হেন কালে নাৰদ ভৈলন্ত উপস্থিত ।
কৃষ্ণ-নাম মধুস্বৰ তোলন্ত বীনাত ॥ ১২১ ॥
চাণ্ডালীৰ দেখি পাছে ভাবনা কৃষ্ণত ।
পৰম বিস্ময় ভৈলা মুনিৰ মনত ॥ ১২২ ॥
বীণা হস্তে লৈয়া আছে কৃষ্ণ-ভক্তা জানি ।
সাদৰী পুচন্ত শুনা চাণ্ডালীৰ পত্নী ॥ ১২৩ ॥
কিবা জপ কৰা মোত কহিও সত্বৰ ।
শুনি চাণ্ডালীনি দিলা সাদৰে উত্তৰ ॥ ১২৪ ॥
নাৰদ চৰণ চাই কৰিলা প্ৰণাম ।
তোমাক দেখিয়া মন হৰ্ষ ভৈলা মম ॥ ১২৫ ॥
ভাগ্যে সে দেখিলোঁ আজি চৰণ তোমাৰ ।
জনম সফল ভৈলা আজি সে আমাৰ ॥ ১২৬ ॥
জগত পবিত্ৰকাৰী তুমি মহামুনি ।
শুনিয়োক কহো যেবা পুচিলা আপোনী ॥ ১২৭ ॥
আজি ভৈলা মম পাপ মণ্ডৰ আলাপে ।
কৃষ্ণক এড়িয়া দ্বীজে অন্যক যে জপে ॥ ১২৮ ॥
প্ৰথমে মজিলো মই ঝহ্নবী জলত ।
দ্বীতিয়ে কৃষ্ণক মই চিন্তহোঁ স্থলত ॥ ১২৯ ॥
বাহিৰৰ পাপ মাত্ৰ গুচে গঙ্গা স্নানে ।
এতেকে কৃষ্ণত মন দিয়া সাবধানে ॥ ১৩০ ॥

---

ঝহ্নবী ( গঙ্গা নদী ) ।

নমো নমো নাৰায়ণ আদি নিৰঞ্জন।
মনো পাপচয় মম হৌক নিবাৰণ॥ ১৩১ ॥
হেন শুনি নাৰদৰ মনত অদ্ভুত।
পুনৰ সুধিলা মনে জানি আচৰিত॥ ১৩২ ॥
পৰম অশুদ্ধ তই চাণ্ডালীনি জাতি।
কৃষ্ণ নামে তোৰ দেখোঁ পৰম পীৰিতি॥ ১৩৩ ॥
মহা শ্রেষ্ঠ ব্রাহ্মণেও নোহে তোৰ সম।
তোহোক চাণ্ডালী বোলে কোননো অধম॥ ১৩৪ ॥
তোহোক অশুদ্ধ কৰে কোননো পামৰ।
শুনিবাক ঈচ্ছা কৰোঁ কহিও সত্বৰ॥ ১৩৫ ॥
ভূত ভবিষ্যত তুমি জানা মহামুণি।
এহি বুলি উত্তৰিলা ভক্তা চাণ্ডালীনি॥ ১৩৬ ॥
মম মুখে কৰা তুমি তথাপি বেকত।
নিঃশবদে শুনা মুনি শাস্ত্রৰ সম্মত॥ ১৩৭ ॥
যিটো মহা মুৰ্খ হুয়া অন্য দেৱ পূজে।
সিটো মহা পাপী গৈয়া নৰকত মজে॥ ১৩৮ ॥
কুক্কুটক খায় যিটো মহা ম্লেচ জাতি।
তাত কৰি জানা সিটো অপবিত্র অতি॥ ১৩৯ ॥
কৃষ্ণক নভজে যিটো অধম পামৰ।
আত্মঘাতি হুয়া যাই যমৰ নগৰ॥ ১৪০ ॥
মণ্ডমতি নৰে সৈতে কৰিলো আলাপ।
সিকাৰণে ভৈলা আজি মম মহাপাপ॥ ১৪১ ॥

হেন শুনি মহামুনি খুলিলা বচন।
আমিও উদ্ধাৰ পালো তোমাৰ কাৰণ॥ ১৪২ ॥
এহি বুলি মহামুনি জুৰি দুই হাত।
প্ৰণাম কৰিয়া ঋষি লড়িয়া গৈলন্ত॥ ১৪৩ ॥
কৃষ্ণৰ কিঙ্কৰে কহে এড়া আন কাম।
নিৰন্তৰ নৰে ডাকি বোলা ৰাম ৰাম॥ ১৪৪ ॥

ঈশ্বৰে নিজে অৰ্জ্জুনৰ আগত কৈছে যে, যি পাতকী তেওঁৰ নামক লা কৰিব। সি শেষে নৰকত মজিব।





# কোন যু'গত কি ধৰ্ম্ম ।

সত্যযুগে ধ্যান, কৰিয়া আছিল
সত্যৰ কালৰ নৰ ।
দ্বাপৰত তপ, মনুষ্য সমাজে
কৰে জানা বহুতৰ ॥ ১৪৫ ॥
ত্ৰেতাযুগে যত, পূজা আছিলেক
কৰিলন্ত সমাপত ।
এহি কথা চোৱা, হেৰা নৰ সব
বিচাৰ কৰি শাস্ত্ৰত ॥ ১৪৬ ॥
এহি সে কলিৰ, যুগ জানিবাহা
নাহি পূজা তন্ত্ৰ মন্ত্ৰ ।
কেৱলে হৰিৰ, নাম লোৱা নৰ
এৰা যন্ত্ৰ আছে যত ॥ ১৪৭ ॥
নালাগে পূজিব, নালাগে কৰিব
বহু বেদ বানি সব ।
উচ্চৈঃস্বৰে হৰি, বোলা নৰ সব
তৰিব পাপীষ্ঠ জীব ॥ ১৪৮ ॥



ধৰ্ম্মত জয়, অধৰ্ম্মত
ক্ষয়প্ৰাপ্ত হয়।

আত অনন্তৰে আৰো এক কথা কহোঁ।
ধৰ্ম্মত জয় অধৰ্ম্মে ক্ষয় হয় বহু ॥ ১৪৯ ॥
মই অতি অধম বুদ্ধিত অপাৰগ।
বামন হুয়া পৰিশিব চাওঁ স্বৰগ ॥ ১৫০ ॥
মোৰ আশা দেখি যদি হাঁহা নৰগণ।
মই বেয়া লেপাওঁ তেন্তে জানা কদাচন ॥ ১৫১ ॥
নোবাক শব্দতি জানা সকলোৰে বেয়া।
সাধু নৰে নিন্দে কিয় ধৰি আছা কায়া ॥ ১৫২ ॥
এতেকে সে সাধুনৰ কৰিছোঁ মিনতি।
ক্ষমা কৰা দোষ চয় অধমৰ প্ৰতি ॥ ১৫৩ ॥
ধৰ্ম্ম সুত যুধিষ্ঠিৰ অতি ধৰ্ম্মশীল।
কৃষ্ণ নামে সদা মণ ভিতিয়া আছিল ॥ ১৫৪ ॥

---

এক কৃষ্ণক একান্ত মনে চিন্তা কৰি থাকিব পাৰিলে সকল বিপদ দুৰৰ পৰা উভতি যায়।

অম্বৰিক্ষ নিমি নবসিদ্ধ নৰপতি ।
ভালুক বানৰ আদি বন পশু জাতি ॥ ১৫৫ ॥
বিদুৰ গৰুড় আৰু বিভীষণ ৰায় ।
কৃষ্ণক ভজিয়া সবে বৈকুণ্ঠক যায় ॥ ১৫৬ ॥
নানান বিঘিনি আদি পাছ হুয়া থাকে ।
কত ৰাজ্য জয় কৰে সেবি ঈশ্বৰকে ॥ ১৫৭ ॥
দুৰ্য্যোধন ৰাজা অতি মহা দানী মাণি ।
ধৰ্ম্মে মতি নাহি তান তিলেক প্ৰমাণি ॥ ১৫৮
জানি বাহা ভৈলা সিটো পাপীৰ মৰণ ।
পাপীৰ নিস্তাৰ নাহি জানা কদাচন ॥ ১৫৯ ॥
দশানন জৰাসন্ধ আৰু শিশুপাল ।
মহা মহা পাপী সব গৈলা ৰসাতল ॥ ১৬০ ॥
হেন জানি নৰ সব কৃষ্ণত ভজিও ।
উৰ্দ্ধ পিতামহ সব উদ্ধাৰ কৰিও ॥ ১৬১ ॥



# মূল বস্তু।

হৰিনামে মূল বস্তু। তাতে হোৱা মহা পটু॥ ১৬২ ॥
তেবে তুমি নিস্তাৰিবা। মহা সুখ নিতে পাবা॥ ১৬৩ ॥
গুৰু পাশে আছে ভক্তি। তাক পালে পাবা মুক্তি॥ ১৬৪ ॥
গুৰু বাক্য মহা জ্যোটি। তাত আছে চাৰি মুৰ্ত্তি॥ ১৬৫ ॥
বহু পাবা ধৰ্ম্ম জ্ঞান। তাতে দিয়া যোগমন॥ ১৬৬ ॥
চাৰি দিকে চাৰি মুৰ্ত্তি। আছে জানা সুসঙ্গতি॥ ১৬৭ ॥
সব নৰ জীৱ মাজে। তাত কৃষ্ণ মুৰ্ত্তি আছে॥ ১৬৮ ॥
গুৰু মানি যদি থকা। তেন্তে নোহ নৰ্ক পকা॥ ১৬৯ ॥
গুৰু দোকানীক ধৰা। মুক্ত পাবা তান পৰা॥ ১৭০ ॥
যদি দিয়া অপমান। তেন্তে পাবা নৰ্কে স্থান॥ ১৭১ ॥
যদি গুৰু থকা মানি। হৰি-তুমি পাবা চিনি॥ ১৭২ ॥
যদি দিয়া মনে কষ্ট। সব পূণ্য হব নষ্ট॥ ১৭৩ ॥
মই অতি মুঢ়মতি। ৰক্ষা কৰ যদুপতি॥ ১৭৪ ॥
আছে ভক্ত যত সব। তান পদে কৰোঁ সেব॥ ১৭৫ ॥
ক্ষমা কৰা প্ৰতি মোৰ। যত পাপচয় ঘোৰ॥ ১৭৬ ॥
নোহে ইটো অসঙ্গত। দিলোঁ মই শাস্ত্ৰমত॥ ১৭৭ ॥
কহে কথা পদ্মনাথ। ভক্ত-পদে নমি মাথ॥ ১৭৮ ॥
হৰি নামে শঙ্কা লাগি। পাপ যায় ভাগি চিগি॥ ১৭৯ ॥

---




মাধৱে সোধন্ত শুনা জগত গোঁসাই ।
কত ভকতে তোমাৰ লগতে থাকয় ॥ ১৮০ ॥
কতেক থাকন্ত প্ৰভু বৈষ্ণৱ নিচয় ।
কৃপা কৰি কোৱা প্ৰভু মোত সমুদায় ॥ ১৮১ ॥
পাৰিসদ কত আছে শুনিবাৰ বাঞ্চা ।
নাম সৈতে কোৱা প্ৰভু মোৰ আছে ইচ্ছা ॥ ১৮২ ॥
হেন শুনি শ্ৰীমন্ত শঙ্কৰে উত্তৰিলা ।
ভকত বৈষ্ণৱ পৰিষদ নাম কৈলা ॥ ১৮৩ ॥
সুনন্দ, নন্দ, আৰু মুকুন্দ, পুষ্পদন্দ ।
প্ৰবল, উজ্জ্বল, জয়, বিজয়, পাৰিষদ ॥ ১৮৪ ॥

অন্য দেৱ দেৱীক পূজা কৰা পৰিত্যাগ কৰি, কেৱল একমাত্ৰ ঈশ্বৰত ভজা । তেন্তে মহা পুণ্য হব । গুৰুক মানিলেই কৃষ্ণক পাবা ।

জয়ন্ত, বিশ্বসেন, মুকুন্দা আদিকাৰী ।
শ্রুতদেৱ, গৰুড়, শাতক নাম ধৰি ॥ ১৮৫ ॥
চৈধ্য জন পাৰিষদ জানিবা নিশ্চয় ।
ক্রমাগত কৰো মই নকৰিবা ভয় ॥ ১৮৬ ॥
ব্রহ্মা, হৰ, মনু, সুক, কপিল কুমাৰ ।
ক্রমাগত নাম মোৰ বৈষ্ণৱ সবৰ ॥ ১৮৭ ॥
প্রহ্লাদ, নাৰদ, যম, জনক নৃপতি ।
ভীষ্ম, বলিৰাই নিচয় কৰি আছে স্তুতি ॥ ১৮৮ ॥
এহি বাৰ্হ্র জন-মোৰ জানিবা বৈষ্ণৱ ।
একচিত্ত কৰি শুনা পুৰুষ মাধৱ ॥ ১৮৯ ॥
বীভিষণ, উদ্ধৱ; হনুমন্ত, অৰ্জ্জুন ।
গৰুড়, বিদুৰ এহি ভক্ত ছয় জন ॥ ১৯০ ॥






( ১ম )

যি জনে কৰয় সদা দিবসে মৈথুন ।
যি জনে গাৱয় সদা অসতৰ গুণ ॥ ১৯১ ॥
যি নামানে পিতৃ পিতামহ দেৱতাক ।
যি জনে নিন্দয় সদা সাধু মহন্তক ॥ ১৯২ ॥
যি জনে পাৰয় গালি মান্যৱান লোক ।
যি জনে মাৰয় জানা গৰ্ভৰ পুত্ৰক ॥ ১৯৩ ॥
যি জনে কৰয় হিংসা নিজ গোত্ৰজক ।
যি জনে ৰমে জানা ৰজস্বলা নাৰীক ॥ ১৯৪ ॥
গুৰুৰে সৈতে কৰে যি কন্দলা কন্দল ।
সদা মন থাকে যাৰ অসত্যে কেৱল ॥ ১৯৫ ॥
পৰ-স্ত্ৰীক লাগি যাৰ সদা থাকে মণ ।
গুৰু কথা মনে যাৰ নপৰে কদাচন ॥ ১৯৬ ॥
ঈশ্বৰ বলিয়া যেবে তাহাক নভাবে ।
আত্ম ঘাটি হুয়া নৰ যায় যম ঠাৱে ॥ ১৯৭ ॥

গৰ্ভৱতী নাৰীক বময় যিটো নৰে।
বহীনিক ৰমে আৰু কুকৰ্ম্মক কৰে ॥ ১৯৮ ॥
গোবধ, ব্ৰহ্মবধ সুৰাপান যি কৰে।
মতৃ ভগীনিক আৰু গুৰু পত্নী হৰে ॥ ১৯৯ ॥
কামভাৱে শাস্ত্ৰ পঢ়ে আৰু থাট্টা কৰে।
নমানে শাস্ত্ৰক আৰু বহু নিন্দা কৰে ॥ ২০০ ॥
সজ্জনক পাৰে গালি গুৰু নেসে বয়।
অনাৰ্থক কৰয় হিংসা প্ৰাণী নিচয় ॥ ২০১ ॥
হৰি মন্দিৰত যিটো উঠে বাম পাৱে।
পিশাচ দানব দৈত্য দিয়ে আনগাৱে ॥ ২০২ ॥
এহি সব বোলে পাপী জানিবা নিশ্চয়।
কতেক কহিবো মই পাপী-নামচয় ॥ ২০৩ ॥
পদ্মনাথৰ ই কথা হয় কি ন হয়।
শাস্ত্ৰ খুলি চোৱা সব মহন্ত নিচয় ॥ ২০৪ ॥
আৰো আছে পাপী নাম সংক্ষেপে কহিলোঁ।
পাপীৰ বৃত্তান্ত মই আৰম্ভ কৰিলোঁ ॥ ২০৫ ॥
কতেক সহিব পাৰে কষ্ট পাপীচয়।
কহিবো বৃত্তান্ত তাৰ সংক্ষেপে নিশ্চয় ॥ ২০৬ ॥

---

আন দেৱীক পূজা কৰিলে নানা উপহাৰ বস্তুৰ দৰ্কাৰ। কিন্তু ৃষ্ণক এমুঠি আল চাউল দিলেই সন্তুষ্ট হয়।



( ২য় । )



এহি পাপীচয় থাকে গৈয়া যিটো ঠাই ।
যমৰ কিঙ্কৰে তাক খেদি খেদি যাই ॥ ২০৭ ॥
যমে নিয়া দেহা গোট পেলায় নৰ্কত ।
নিয়াত কিঙ্কৰে কষ্ট দিয়ে যত যত ॥ ২০৮ ॥
ইহাক কহিবে মোৰ লাগে ভয় ভীত ।
হেন জানি কৃষ্ণ নাম গাওঁ এটি গীত ॥ ২০৯ ॥
চৌৰাশি নৰক আছে যমৰ নগৰ ।
বাটত আচন্ত আৰু নদী সৰোবৰ ॥ ২১০ ॥
তাৰ মাজে থাকে বহ্নী জ্বলিয়া সদায় ।
তাহান ভিতৰে নিয়ে দেহাক ঠেলায় ॥ ২১১ ॥

---

বৈষ্ণৱ, ভকত, পাৰিষদ, এই কেই জনৰ নাম শ্ৰীশঙ্কৰ দেৱে বৈকুণ্ঠ যাবৰ সময়ত মাধৱ দেৱৰ আগত কৈছিল ।

নানা শাস্তি দিয়ে আৰু মাংসক কাটয়।
অনেক স্তুতিৰ বলে প্ৰজিয়া দিবয়॥ ২১২॥
গৃধ্ৰ জনম দিবে বৎসৰ বহুত।
বায়স জনম দিবে ত্ৰি অংশ অধিক॥ ২১৩॥
শিয়াল কুকুৰাদি পাইয়া জন্ম চয়।
গো জন্ম আদি কৰি নৰ জন্ম পায়॥ ২১৪॥
তথাপি নোৱাৰে পাপ কাটিবাক তাৰ।
নৰক ভূঞ্জি বেলাগে চন্দ্ৰ দিবাকৰ॥ ২১৫॥
বিষ্ঠা পোক মুত্ৰ পোক পোক নৰকৰ।
জানি বা সেহি সে জীব পাপী সমূহৰ॥ ২১৬॥
সুৰাব কিৰিমি আদি হুয়া যে থাকয়।
সেহি সব পাপী নৰ জানিবা নিশ্চয়॥ ২১৭॥
পদ্মনাথেৰ ইটো কথা মানিয়া প্ৰত্যয়।
শাস্ত্ৰৰ এনয় কথা জানিবা নিশ্চয়॥ ২১৮॥
এতেকে হে নৰ সব এড়া আন কাম।
লাগক পাপত জুই বোলা ৰাম ৰাম॥ ২১৯॥






জয় নমো নাৰায়ণ ভকতৰ ধন ।
মই মূঢ়ক দিয়া প্ৰভু অভয়চৰণ ॥ ২২০ ॥
তোমাৰ কিঙ্কৰ যত আছে সংসাৰত ।
তান ভৃত্য কৰি মোক ৰাখা চৰণত ॥ ২২১ ॥
কৰিলো দুৰ্ঘোৰ পাপ মই মূঢ় মতি ।
তৰিবাৰ কিঞ্চিত মোক দিয়া ভকতি ॥ ২২২ ॥
ৰাম চৰণৰ বংশে ভৈলা মোৰ জন্ম ।
সাধু কুলে জন্মি মই কৰিলো অধৰ্ম্ম ॥ ২২৩ ॥

গুৰু বৈষ্ণৱক মানি থাকিবা সত্ৰ, শাস্ত্ৰৰ সদাচাৰ আৰু পিতা মাতাৰ শ্ৰাদ্ধ এই সকল পৰিত্যাগ নকৰিবা। নীতি নিয়মে থাকিলে পাপৰ পৰা কিছু মুক্ত পাব পাৰি ॥

বামনা সত্ৰত মোৰ জন্ম হইছিল।
পিতা মাতা সবে পদ্মনাথ দিল ॥ ২২৪ ॥
কৰি লোঁহো স্তুতি মই ভকতচৰণ।
মোৰ সম নাহি জানা নৰ অভাজন ॥ ২২৫ ॥
বড়া টুটা দোষ ভৈলা ইহাতে অপাৰ।
ক্ষমা কৰা সাধুনৰ দোষ যে আমাৰ ॥ ২২৬ ॥
কাপ ধৰিবাক মই নেজ্ঞানোহো হাতে।
ক্ষমা কৰা যত দোষ হুইলা ইহাতে ॥ ২২৭ ॥
ক্ষমা কৰা সৰস্বতী জগত ৰমাতা।
তযুপদ ধূলি্য তুল্য দিয়া মোক ছাতা ॥ ২২৮ ॥
তোমাৰ প্ৰসাদে মহা মহা কবি যত।
ব্যাস বাল্মীকিৰ স্থীতি হৈছা হৃদয়ত ॥ ২২৯ ॥
কালী দাস মহা মূৰ্খ হুইলা পণ্ডিত।
হেন জানি প্ৰণামোহোঁ জুৰি দুই হাত ॥ ২৩০ ॥
একবাৰ কৰা মাতা মোক যে উদ্ধাৰ।
শত্ৰু সবে হাসি থাকে মোক বাৰেবাৰ ॥ ২৩১ ॥
হে কৃষ্ণ তযু চৰনে কৰ হোঁ প্ৰণাম।
হৃদয়ত দিয়া মোক তোমাৰে সে নাম ॥ ২৩২ ॥
পদ্মনাথে বোলে এনে মিনতি বচন।
গুৰু বৈষ্ণৱৰ পদে হৌক মোৰ মন ॥ ২৩৩ ॥
পাঠক সবক মই কৰিছো মিনতি।
বড়া টুটা দোষ মোৰ ক্ষেমিবা সম্প্ৰতি ॥ ২৩৪ ॥

ধৰ্ম্ম তো নাহি কে শ্ৰেষ্ঠ বিনে হৰি নাম।
হেন জানি কৃষ্ণ পাৰে কৰহো প্ৰণাম॥ ২৩৫ ॥



# জাননী ।

তলত লিখা পুথি বিলাক আমাৰ ওচৰত পাব। ৫৲ টকাৰ অধিক কিতাপ একে লগে নিলে ১০০৲ টকাত ১০৲ টকা হিঃ কমিচন পাব। আমাৰ ওচৰত সকলো ৰকমৰ দৰৱও পাব।

| যথা পুথিৰ নাম | ১খানা | ১০০খানা |
|---|---|---|
| নাৰদ চৰিত্ৰ | ৶০ | ১০৲ |
| গৰুৰ পুৰাণ | ৶০ | ১০৲ |
| বৃহদ্ধৰ্ম্ম পুৰাণ | ।০ | ৪০৲ |
| রুদ্ৰ যামল | ।০ | ৪০৲ |
| বৈষ্ণৱ ধৰ্ম্ম | ।০ | |
| আপদ উদ্ধাৰ | ৶০ | ১০৲ |
| শ্ৰীবৃন্দাবন কাহিনী | /৬ | ৮৲ |
| মালা প্ৰকাশ | /৬ | ৮৲ |
| নিমি নৱসিদ্ধ | ।৶ | ৪১৲ |
| অশোক চৰিত | ৶০ | ৪০৲ |
| ডাক চৰিত | ৶০ | ১০৲ |
| পাৰিজাত হৰণ | ৶০ | ১০৲ |

ইয়াত বাজেও বহুত ধৰ্ম্ম পুথি আমাৰ ওচৰত পাব। নানা ৰং ধেমালীৰও পাব।

| যথা পুথিৰ নাম | ১খানা | ১০০খানা |
|---|---|---|
| লৰাশিক্ষা আগচোৱা | /০ | ৬৶০ |
| ঐ মাজচোৱা | /০ | ৬৶০ |
| ঐ শেষচোৱা | /৬ | ৭৸০ |
| কবিতা কুসুম | ৴০ | ১৮৲ |
| কবিতা পুথি | ৴০ | ১৮৲ |
| শুভঙ্কৰি মোখিক | ৴০ | ১৮৲ |
| কাৰ্য্যশিক্ষা | ।৶০ | ৩৭।০ |
| উত্তম ধাৰাপাত | ৶০ | ১০৲ |
| সহজ ধাৰাপাত | /৬ | ৮৲ |
| জ্ঞানোদয় | ।০ | ২৫৲ |
| জ্ঞানসোপান | ।/০ | ১৮৲ |
| ভূগোল সাৰ | ।০ | ২৪৲ |

ইয়াত বাজেও বহুত স্কুলীয়া পুথি পাব।

পুথি পোৱাৰ ঠিকনা—

শ্ৰীযুক্ত ৰমাকান্ত শৰ্ম্মা,
পোঃ আঃ পলাসবাড়ী,
সাং পলাসবাড়ী।

শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য,
হেড পণ্ডিত। যোৰহাট।
অথবা
পোঃ বিহাবাৰী, ডিব্ৰুগড় আসাম।

ম্যানেজাৰ,—
শৰ্ম্মা লাইব্ৰেৰী,
ৰঙা/ [illegible] পুথি কা
পোঃ আঃ পাট্টাচাৰকুচি,
বজালী আসাম (কামৰূপ।)